— প্ৰথম প্ৰকাশ —
১৯৫৩ চন

প্ৰকাশ কৰোঁতা—
তনুৰাম মেমোৰিয়েল লাইব্ৰেৰীৰ পৰা
শ্ৰীসুৰেন্দ্ৰ প্ৰসাদ ভূঞা আৰু শ্ৰীগোবিন্দ প্ৰসাদ দাস।
সদিলাপুৰ (পলাশবাৰী) কামৰূপ
—(অসম)—

-পলাশবাৰী জনতা প্ৰেছত মুদ্ৰিত—

মূল্য — আঠ অনা মাত্ৰ।

# অপূৰ্ণা



লিখক —

শ্ৰীকামিনা প্ৰসাদ ভূঞা ।

# অৰ্পণ ঃ—

অপূৰ্ণ ভাষাৰে

অপূৰ্ণ ভাৰত

গাঁথিলো অপূৰ্ণাক অপূৰ্ণ ছন্দত ।

পিতা !

অভাজন পুতেৰাৰ

অপূৰ্ণ আবেগৰাশি

সমৰ্পিলো তব চৰণত ॥

—লক্ষ্মী পূৰ্ণিমা —
( মৃত্যু তিথিত )
৫ কাতি, ১৩৬০ চন

অভাগা সন্তান —

— কামিনী —

## আগৰ এষাৰ—

...... আবেগময়ী অন্তৰৰ পৰা বাগৰি আহিছিল কিছুমান অসংযত এলাগি ছন্দ। এইবোৰেৰে "অপূৰ্ণা"ক ৰূপ দিবলৈ পাইছিলো কেইজনমান বন্ধুৰ উৎসাহ ভৰা উদ্দীপনা। ৰাইজৰ হাতত মৰম পালে 'অপূৰ্ণা"ৰ জীৱন সাৰ্থক হব। ৰাইজে জানো "অপূৰ্ণা"ক মৰমৰ চকুৰে চাব? ... ..

যিসকল বন্ধুৰ উৎসাহত "অপূৰ্ণা" ই ৰূপ পালে কবিতাৰ ছন্দত সেই সকলোকে মোৰ আন্তৰিক ধন্যবাদ জনাইছোঁ।

পলাশবাৰী হাইস্কুলৰ শিক্ষক নৱ-সাহিত্যিক শ্ৰীযুত বিষ্ণু কুমাৰ দাস আৰু শ্ৰীযুত ভৱনাথ চৌধুৰী বি-এ, দেৱে অপূৰ্ণাক হাতে লিখা অৱস্থাতে চাই দিয়াত মই তেখেতসকলৰ নথৈ শলাগ লৈছোঁ। সেই স্কুলৰে শিক্ষক শ্ৰীযুত মনুদেৱ শৰ্ম্মাদেৱে মাজে মাজে ছপাখানাৰ নকলটোৰ বৰ্ণাশুদ্ধি কৰি দিয়াত মই তেখেতলৈ কৃতজ্ঞতা জনাইছোঁ।

পৰিশেষত শ্ৰীমাধৱ চন্দ্ৰ কলিতা আৰু নবেন ঠাকুৰীয়াই এই কামত যি সহায় কৰিছে তাৰ বাবে মই তেওঁলোককো আন্তৰিক ধন্যবাদ জনাইছোঁ।

আমাৰ প্ৰথম প্ৰকাশ হিচাবে 'অপূৰ্ণা'ত অজানিতে হয়তো আনৰ ছাঁও পৰিব পাৰে, তাৰ বাবে পঢ়ুৱৈ সমাজে ক্ষমা কৰে যেন ৰাইজৰ শুভেচ্ছা আৰু স্নেহাশীষেই আমাৰ মূলধন। ইতি—

মদিলাপুৰ, পলাশবাৰী।
৮ মাৰ্চ্চ. ১৯৫৪ চন।

—লিখক।

## — অভিমত —

শ্ৰীমান কামিনী প্ৰসাদ ভূঞাৰ অপূৰ্ণা কৱিতাৰ পুথিখন হাতে লিখা অৱস্থাতে পঢ়ি চালোঁ। অপূৰ্ণা শ্ৰীমানৰ সাহিত্য চৰ্চাৰ প্ৰথম প্ৰয়াস! এজন নতুন লিখক হিচাবে অপূৰ্ণাৰ ভাষাৰ প্ৰাঞ্জলতা ভাৱৰ গভীৰতা আচলতে প্ৰসংশাৰ যোগ্য। তেওঁ কৱিতাবোৰত সৰলভাষাৰ মাজেৰে নগ্ন বাস্তৱৰ যি এক প্ৰকৃত পটভূমি বাইজৰ চকুত জাজ্বল্যমান কৰি ডাঙি ধৰিব বিচাৰিছে সি বাস্তৱিকতে শলাগিবলগীয়া।

অপূৰ্ণাত থকা আশা নামৰ কৱিতাটো লিখাত তেওঁ আন যি এটা কৱিতাৰ ছাঁ লোৱা বুলি কৈছে, আমি সেই কৱিতাৰ ভাৱৰ লগত ইয়াৰ ভাৱৰ বিশেষ একো সামঞ্জস্য নৰল বুলি ভাবোঁ। ঠিক আন এটা কৱিতা "অভিশপ্ত জীৱন"ৰ জন্ম কাহিনীও একেই বুলিব পাৰি।

সমাজৰ প্ৰচলিত বৈষম্যই কবিৰ মনলৈ বিষাদ আনি দিলে—সেই বিষাদৰ ভাৱ বাশিৰ পৰাই অপূৰ্ণাৰ জন্ম। লিখকৰ কাব্য সাহিত্যত এয়ে প্ৰথম ভুমুকি। লিখকৰ কৱিতাবোৰ বাস্তৱৰ দ্বাৰা প্ৰভাৱিত যদিও দুই এটি কবিতাত ভাব বাদৰ ছাঁ পৰিছে। সি যিয়েই নহওঁক লিখকৰ কবিতা পাঠ কৰি পাঠক পঠিকাই আনন্দ লাভ যে কৰিব সেই বিষয়ে আমাৰ সন্দেহ নাই।

সৰশেষত আমি আশীৰ্ব্বাদ কৰো যাতে সমগ্ৰ দৈ
ওঁ অসমৰ সাহিত্য কাননৰ পাৰিজাতহৈ সাহিত্যৰ সৌৰভ
বিলাব পাৰে। এইদৰে ন-লিখাক সকলে অসমীয়া সাহিত্যত
বৰঙনি যোগাই, সাহিত্য ভৰাল চহকী কৰি সমাজক প্ৰগতিৰ
পথলৈ আগুৱাই নিব পাৰিব। ইতি—

শ্ৰীবিষ্ণু কুমাৰ দাস।
শ্ৰীভৱানী কান্ত চৌধুৰী বি, এ।

# অপৰ্ণাৰ ভিতৰ চ'ৰা

১। প্ৰশ্ন
২। প্ৰতীক্ষাত
৩। অভিশপ্ত জীৱন
৪। অবিচাৰ
৫। নিশাৰ সপোন
৬। সান্ত্বনা
৭। আহিবা কাৰিজোন
৮। বেতিযা ভাঙিব ভুল
৯। স্মৃতি মোৰ জাগেহি মনত
১০। ব্ৰহ্মপুত্ৰ
১১। তুমি আৰু মই
১২। আহ্বান
১৩। মই কাক ভাল পাওঁ
১৪। বিদ্ৰোহী সন্তান
১৫। আশা

# অপূর্ণা

## প্ৰশ্ন

চোৱা সুনীল নভত
জ্বলে কেনে দিনমণি,
দিনমান শ্ৰম কৰে
পছিমত সন্ধিয়া বুৰে
জানা তুমি কাৰ ইঙ্গিতত ?
দিনমণি মাৰ গলে
জোন বাই ৰাতি জ্বলে.
বিশ্বক কৰে সুশোভন
তৰা সতে আঁকি আলিপণ,
পাৰা কব কাৰ আদেশত ??

## অপূৰ্ণা

ওচৰৰ জুৰিটিয়ে
কুলু কুলু ক্ষীণ স্বৰে
লক্ষ্যক আগত ৰাখি
বৈ যায় ক্ষন্তেক নৰখি
কাৰ ইঙ্গিতত জানা তুমি ?
মানুহ প্ৰকৃতিৰ দান
ই তাৰ অবাধ্য সন্তান
নিতে ন-ন ভাৱ আনি,
প্ৰেমৰ ৰহণ সানি,
হিত সাধে এই বিশ্ব ভূমি।

কাৰ ইঙ্গিতত আৰু
শৈশৱ আহিল বাৰু
গ'ল সি দুদিন পাচত
কিয় বা নাথাকে লগত,
হয় জানো কিবা অনুমান ?
লৰালিৰ ধূলা-খেলা
কিয়বা আতৰি গ'ল,
শিশুৰ মধুৰ হাঁহি
দুদিনতে শেষ হ'ল,
তুমি জানো কৰিছা সন্ধান ??

## অপূৰ্ণা

আৰু যেন কোনোবাৰ
ইঙ্গিত অকাণি পাই
বৈ গ'ল ডেকা ঢল,
যৌৱনৰ পালো বল
হলো মই নৱ বলিয়ান ;
দুদিন পাছতে কোনে
ওচৰত আনি দিলে
অচিনা লগৰী জনী
প্ৰিয়া তেওঁ, অতিকে আপোন,
মই যেন দেখিলো সপোন !

কাৰ ইঙ্গিতত বাৰু
যৌৱন মৰহি গ'ল,
জৰা মোৰ সোমাল দেহত,
প্ৰিয়া আজি নাই ওচৰত,
কেনি গ'ল জানানে বান্ধৱ ?
দুদিন পাচতে মোৰ
আহি পাব মৃত্যু ঘোৰ,
মিলি যাব শ্মশাণত
পাৰ্থিব সুন্দৰ শৰীৰ,
গুচি যাব আতমা সম্পদ ।

আমি সৱে ধৰণীৰ,
সকলো একে নিয়মৰ,
চলিছে বিশ্বৰ প্ৰাণী
কাৰনো আদেশ মানি
কোন তেওঁ অলক্ষ্য বিশ্বৰ ??
তেৱেঁ জানো সংসাৰ,
তেৱেঁ জানো দুৰ্ব্বাৰ,
তেৱেঁ জানো বিশ্বৰ
অনাদি-অনন্ত জ্যোতি,
তেৱেঁ জানো বিশ্ব খনিকৰ ???

———০8০8০———

# প্ৰতীক্ষাত

চকুলোৰে কত দিন ডুবৰি তিয়ালো
জীৱনৰ বহু যোৱা দিনবোৰ চাই,
অনাহাৰে কত নিশা পাৰ হই গ'ল,
বেদনাৰ ইতিহাস মাথোঁ গাই গাই।

স'উ যে দেখিছা সোণ পকা ধানবোৰ
ধৰণীৰ বুকু ফালি ময়েই স্ৰজিলো,
চোৱা সোণ ময়ে আৰু আধাপেটি খাই
পৃথিবীৰ মানুহক আহাৰ যোগালো।

এনে দৰে সহি বাৰু কতনা যাতনা
পালিম ধৰণীখন বাচি কত দিন,
কল ঘৰৰ শুনি চিটিৰ আহে (!) মাত
ওঁঠত বিৰিঙে হাঁহি তৰিম ভুদিন।

স'উ যে দেখিছা, প্ৰিয়াক শুৱাই তোলা
প্ৰেমিকৰ ডুচকুত চমক্ লগাই,
ময়ে কৰিছো সোণ পাটৰ চেলেংখনি
কলিজাৰ তেজ সানি কফিন মেৰাই।

মোৰে হাতে গঢ়া ধনীৰ বিলাস ঘৰ
আকাশ লঙ্ঘিব খোজা ইটাৰ দালান.
ডুবেৰ উৰলি যোৱা শূণ্যলৈ চাই চাই
গোহালিৰ আধাতেই কটাও জীৱন ।

গঢ়িছিল মোৰে দৰে লক্ষ্য খনিকৰে
প্ৰেমৰ কিবিতি তাজ চাহজাহানৰ
স্মৃতিৰ বুকুত আজি সিহঁত হেৰাল
তাজেই প্ৰতীক হব শিল্পী প্ৰাণৰ ।

তুমিও আহিছা নোক নতুন **অ**তিথি
মোৰ **দৰে** জীৱনৰ দিন গণি গণি.
লভিব পাৰিবা জানো হেৰোৱা ৰতন
শুনি এই অভাগাৰ জীৱন কাহিনী ?

তেনেহলে আহা সোণ মোৰ পিচে পিচে
জ্বলাই একুৰা জুই ৰঙা কলিজাত,
শত জনে বিদ্ৰোহৰ জুই লই লই
ৰ'ই আছে আমালৈ মুক্তি প্ৰতীক্ষাত

# অভিশপ্ত জীৱন

এপিনে ঘোপ মৰা আঁউসীৰ
কঢ়াল এন্ধাৰ। আৰু আঁন পিনে ?
... ... ... আনপিনে দিবসৰ ৰঙ্গীণ আলোক।
এয়ে সমাজ ! ... ... ...
কুৰি শতিকাৰ সভ্য সমাজ !
ইয়াতেই বাস কৰে সিঁহঁত—মানুহবোৰ,
প্ৰকৃতিৰ শ্ৰেষ্ঠ সন্তান বোৰ,
সভ্যতাৰ ওখ দ'ল বোৰত।
... ... ... ... ... ক্ষুধাতুৰ মানুহৰ
তীব্ৰ হাঁহাঁকাৰ ; কৰে আস্ফালন,
প্ৰতিধ্বনি উঠে তাৰ বেৰ বোৰত।
খেদি আছে লেলিহান জিহ্বা মেলি মেলি
বিকট হাঁহিৰে——মানুহৰ ৰক্তৰ লোভত
উন্মত্ত মানুহে হানে শাণিত কৃপাণ,
ছটিয়াই বিষ বাষ্প মৌণ বসুধাত।
আকাশে বতাহে জ্বলে বিদ্যুতৰ শিখা
ধনৰ মায়াৰে গঢ়া নৰ দেৱতাৰ—
কুটিল ভ্ৰুকুটি, ... ... ... ...

.. ... ... অট্টহাস্যত দানবৰ দৰে
নজকেই কৰিছে প্ৰচাৰ।
য়ে তাৰ ৰূপ!
ানুহৰ কমনীয় লঘু আৱৰণত
প্ৰেতাত্মাৰ বিক্ষুব্ধ আবেগ
গৰজি উঠিছে ভীষণ মূৰ্ত্তিৰে
পৃথিবীক কৰিব শ্মশান।
... ... ... প্ৰত্যেক ধমনিতে
অদম্য উল্লাস জাগে।
আনন্দত পূৰ্ণাহুতি দিয়ে দেৱতাক
সভক্ত পূজাৰীৰ দৰে—
ভগবান লক্ষ্মী মন্দিৰত;
জ্বলি উঠা মন্দিৰৰ প্ৰতি দীপ শিখাই
মৃত্যুৰ তাণ্ডব তুলি
দিকে দিকে মৰণৰ দুন্দুভি বজাই।
নিজৰেই শোষণৰ নগ্ন বিভৎসতাই
শাসনৰ মাৰি লৌহ বাণ
ৰচে তাৰ আপোন মৰণ।
তথাপিও সিহঁত মানুহ,—
প্ৰকৃতিৰ শ্ৰেষ্ঠ দান,— ... ...
শতিকাৰ সভ্য সমাজত।

## অপূৰ্ণা

আৰু, ... ... ...
... ... ... বুভুক্ষিত মানৱ
অভিশপ্ত বিধাতাৰ ।
সীমাহীন আন্ধাৰত তাৰ .
বান্ধি দু-নয়ন
পাখী হীন পতঙ্গৰ দৰে
অসহ জীৱন ভাৰ কৰি আহৰণ
মিলি যাব ধূলিৰ ধৰাত,
দূৰ হব ভ্ৰান্তি তাৰ আহিলে চেতনা
মেল খাব দু-চকু যিদিনা, —
সিদিনা, ... ... ...
সিদিনা — ৰাশি ৰাশি অভিশাপ
প্ৰাণে প্ৰাণে কৰি একত্ৰিত টুপি টুপি ৰক্তৰ কণিকা
অন্তৰৰ সুপ্ত অগ্নিশিখা কৰি উদ্গীৰণ
অভিশপ্ত জীৱনৰ কৰি লব অৱসান
বিধাতাকো কৰি পৰাজয় ।

---

# অবিচাৰ

হে দুখ! তোমাক পঠিয়াইছিল নেকি
সৃষ্টিৰ আদিম পুৱাত
দিবলৈ যাতনা ধৰাত?
কিয় বাৰু সকলোকে সমান ভাবেৰে
নিদিযাহি দুখ নিৰ্য্যাতন,
তুমি যদি নিয়তিৰে দান?
চিৰ দিন বিষাদৰ চকুৰ পানীৰে
দুখৰ যমুনা দিলা আঁকি
তুমি তেনে স্বাৰ্থপৰ নেকি?
অসহ জীৱন ল'ই কত শত জনে
ম'চি ম'চি কত চকু পানী
বাই যায় ভগা বীণ খনি।
এমুঠি ভাতৰ বাবে হাঁহাঁকাৰ কৰি
কত জনে দুৱাৰে দুৱাৰে
ঘূৰি ফুৰে কুকুৰৰ দৰে
কত জনে বিলাসত জীৱন কটাই
আধা খাই আধা এৰে
আধাৰেই কুকুৰ আদৰে।

কত জনে শোষকৰ পিন্ধি নামাৱলি
পৰৰ মুখৰ ভাগো কাঢ়ি
খাই চোৱা, কেনে সুখ কৰি।
ৰায়ু-পানী-তাপ সবে নিয়তিৰ দান
সকলোকে সমভাৱে কৰি বিতৰণ
নিস্বাৰ্থ প্ৰেমৰ কৰুণা বিলাই
বিশাল বিশ্বক দিয়ে সত্যৰ সন্ধান।
বাসস্থান-অন্ন-বস্ত্ৰ. যাতনা-নিকাৰ,
সুখ-দুখ সমানে দিবৰ
নাই জানো তব অধিকাৰ ?
যদি তুমি ভগৱান সাম্যৰ প্ৰতীক,
এজনক বুকুত সাৱটি
এজনক কৰি লটি-ঘটি,
তোমাৰ সৃষ্টিত কিয় কৰা অবিচাৰ ?

# নিশাৰ সপোন

সেই দিনা শৰতৰ ৰূপালী সন্ধিয়া
ডুবৰি দলিচা পাৰি জুৰিৰ পাৰত
জুৰিৰ পানীত নাচা জোনটিলৈ চাই
গাইছিলো গীত মই গোপনে মনত।

কুলু-কুলু জুৰিটিৰ ঢ'উবোৰ চাই
মউ সনা বিৰহত অকলে অকলে
ভাবি ভাবি কিবা বোৰ খেলি-মেলি ভাব
তোমাকেই আঁকিছিলো হিয়াত নিৰলে

তুমি যেন গুচি গ'লা অভিমান কৰি
ভাঙি মোৰ কল্পনাৰ সৌধ মমতাজ
নেথাকিলে তুমি মোৰ প্ৰতিমা প্ৰাণৰ
যৌৱন পূজাৰ মোৰ ব্যৰ্থ হব কাজ।

তুমি যেন আহি মোৰ ওচৰতে বহি
ডিঙিত সাৱটি ধৰি কিবা কিবি ক'লা
তলসৰা শেৱালীৰ ফুল তুলি আনি
হৃদয়ৰ দেৱতাক পূজা আৰাধিলা।

পূজাত সন্তুষ্ট হই দেৱতাই যেন
মঙ্গল উৰুলী কৰি আশীৰ্ব্বাদ দিলে
প্ৰদীপ নুমাই গ'ল পূজা শেষ হল
দেৱতাও হাঁহিমাৰি কেনিবা লুকালে।

মূৰটি কোলাত থই তেতিয়াও তুমি
হাঁহিমাৰি চঞ্চলা হৰিণীৰ দৰে
চাই আছা ঠৰ লাগি সতৃষ্ণ নয়নে
উলাহত দুগালেদি চকুলো বাগৰে

মৰমতে ময়ো ধৰি বুকুত সাৱটি
গোলাপৰ পাহি যেন ধুনীয়া গালত
জেতুকাৰ বোল সনা ৰঙা অধৰেৰে
চুমা এটি আঁকি দিলোঁ। অতি হেঁপাহত।

সাৰ পাই দেখিলো যে তুমি আৰু নাই
ময়ো দেখো শেষ নিশা সপোন পুৰত
বুজি পালো সকলোটি অসাৰ-অৰ্চ্চনা
অৰ্থহীন পূজা মন্ত্ৰ মাথো দিঠকত।

——৪৪০৪৪——

# সান্ত্বনা

আঁকি এটি কলা ৰেখা ঘোৰ আঁউসীৰ
হাঁহি থকা জোনটিয়ে পৃথিবীলৈ চাই ;
যদিও আঁতৰি যায় প্ৰিয়া ;
পুনু আহি দেখা দিয়ে আগ ৰাতিতে
ক্ষীণ হাঁহি এটি লৈ দূৰ নীলিমাত
আহি পালে আকৌ দ্বিতীয়া ।

ফুলি থকা গোলাপৰ ধুনীয়া পাহিটি
অজানিতে যদিও ৰূপহ সামৰি লৈ
বসুধাত বাগৰি শুকাই ;
পুনু আহি ফুলেহি শুৱাই ফুলনি
বসন্তৰ হাঁহি সনা সেউজী ধৰাত
হাঁহি মাৰি বুকু উদঙাই ।

যদিওবা ভৰা নাওঁ ভাটিমাৰি যায়
দূৰ দূৰ দেশলৈ বেপাৰ বেহাৰ
ঘূৰে পুনু কোবাল সোঁতত ;

যদিও মনত হয় সন্ধিয়া এৰিলে
ভটিয়াই যোৱা নাওঁ পুনু ঘূৰি নাহে
তেও দেখো লাগেগি ঘাটত।

নুইতৰ বালি, ৰূপ কুঁৱৰীৰ ঘৰ
শাওঁনৰ বান আহি বুৰাই পেলালে
ধুই নিলে বুকুৰ মুকুতা;
সিও দেখো আৰু বাৰ আহি দেখা দিয়ে
গুচি গলে ভৰা বান থৰালিক এৰি
লই পুনু নতুন বতৰা।

তুমি দেখো বাৰু প্ৰিয়া সিদিনাৰে পৰা
হিয়া খনি ভাঙি থই আতৰি পলালা
দিলা মোক বিৰহ বেদনা;
ভাঙি যোৱা বুকু মোৰ শিলেৰে বন্ধাই
চকুলো ছটোপা কৰি সাৰথি হিয়াৰ
লভো মই তাতেই সান্ত্বনা।

# আহিবা কাচিজোন

আহিবা " কাচিজোন "
শুনাবা আমাকো
তাহানি দিনৰে কথা,
কিয়নো লাচিতে
ম'মাক কাটিলে
নালাগিল জানো ব্যথা ?

আহিবা জোনবাই
শুনাবা আমাকো
তাহানি দিনৰে কথা,
আহিছিল কেনেকৈ
মাননো ইয়ালৈ
নাজানো সিবোৰ কথা।

আহিবা জোনবাই
শুনাবা আমাকো
তাহানি দিনৰে কথা,

কেনেকৈ লাগিল
শৰাইঘাটৰ ৰণ
কিনো লাগিছিল লেঠা ?

আহিবা জোনবাই
শুনাবা আমাকো
তাহানি দিনৰে কথা,
সতী "জয়মতীক"
কিয়নো মাৰিলে
নকলে "গদা"ৰ কথা ?

আহিবা জোনবাই
শুনাবা আমাকো
তাহানি দিনৰে বীণ,
মণিৰাম-পিয়লি
দেশৰ মাটিত
কি দৰে ৰাখিলে চিন ?

আহিবা জোনবাই
শুনাবা আমাকো
বিয়াল্লিছৰ জয় গান,

"কুঁশল" "কনকে'
জীৱন তিয়াগী
(কেনেকৈ) ৰাখিলে দেশৰ মান !

আহিবা জোনবাই
চোতালত উমলি
আমাকো বিলাবা মধু,
"শঙ্কৰ", 'মাধৱৰ'
শুনাবা এফাঁকি
কীৰ্ত্তণ—ঘোষাৰে সাধু ।

আহিবা জোনবাই
শুনাবা আমাকো
আদিতেও এনে দৰে,
আছিলনে সমাজত
ধনী আৰু দুখী
আজিৰ দিনৰ দৰে ?

আহিবা জোনবাই
শুনাবা আমাকো
কলুষিত সমাজৰ,

হিংসা-দ্বেষ-খেদ
ঠগ, প্ৰৱঞ্চনা
কেতিয়া পৰিব ওৰ ?

তুমিহে জোনবাই
হাঁহিছা অকলে
পাতিছা (?) শৰতৰ বিয়া ;
নেলাগেদে আহিব
ইয়ালৈকে বাৰু
আমাকো তালৈকে নিয়া ।

——৪৪০৪৪——

# কেতিয়া ভাঙিব ভুল ?

ফুলনিত ফুলি থকা ধুনীয়া কুসুম পাহি
চিঙি আনি সমাদৰ কৰো,
মৰহি শুকাব বুলি জানিওবা কিয় বাৰু
ভুল মই নকৰি নোৱাৰোঁ ?

সজীৱ ফুল চিঙি নিৰ্জীৱ প্ৰতিমা পূজো
ইমানেই ভুল মোৰ মন ;
সচেতন মানুহক ঘৃণাৰ চকুৰে চাওঁ
পাষাণক অৰ্পি হিয়া খন ।

মাটিৰ দেহাটো দেখো মাটিতেই মিলি যাব
তুমি-মই সকলো নশ্বৰ ;
দুদিনৰ আগপিচ হব পাৰে কেতিয়াবা
ভয় কিয় ইমান মৰাৰ ?

অহিংসা পূজাৰী হই জড়ক কৰিছো পূজা
মহা জ্ঞানী পণ্ডিতৰ দৰে

নৰৰূপী দেৱতাক কত প্ৰৱঞ্চনা কৰি
আভুৱা–ভাৰিছোঁ বাৰে বাৰে ।

জ্ঞান হীন পতঙ্গক ধৰ্ম্মৰ দোহাই দিছোঁ
মাছ-মাংস এৰি দিছোঁ খাব ;
ভেজাল কৰিছোঁ ধৰ্ম্ম অহিংসা নামত
বিচাৰিছোঁ সন্যাস সিজাব ।

জীৱন সৰ্ব্বস্ব অৰ্পি পূজা আৰাধিছো নিতে
অচেতন প্ৰতিমা শিলাক ;
ধৰ্ম্ম মন্দিৰত মই, মাটিৰ প্ৰতিমা সাজি
বলি দিছো কতনা জীৱক ।

পূজাত সন্তুষ্ট হই প্ৰতিমাই জানো বাৰু
আশীৰ্ব্বাদ দিব পাৰে মোক ( ? )
চেতনা আহিলে মোৰ ভাঙি যাব ভুলবোৰ
প্ৰকাশিব জ্ঞানৰ আলোক ।

———:॰:———

# স্মৃতি মোৰ জাগেছি মনত

কত শত জনমৰ বিৰত চকুলো মোৰ
শুকালেদি বাগৰি ধৰাত ;
ধূলিৰ লগত মিলি বতাহত ঢউ খেলি
মিলি যায় দূৰ দিগন্তত ।

মেঘৰ চপৰাবোৰ শূইনত মাৰে বুৰ
নাই তাত স্মৃতি বেদনাৰ ;
নদীৰ বুকুত সোণ বুৰ গলে নাওঁ খন
নসৰে চকুলো বিষাদৰ ।

চন্দ্ৰমাৰ পৰশত ফুলা সেই উলাহত
মৰহিলে ভেটফুল পাহি,
পালে পুৰা সুৰুযৰ নিৰ্ম্মম আঘাত ঘোৰ
দুখ মোক নলগাই আহি ।

নিজানত ফুলি থকা দেখা যে বকুল জোপা
কেতেকীয়ে গালে গীত ফাঁকি,
পাতৰ আঁৰত পৰি সকৰুণ সুৰ ধৰি
বুকু মোৰ ভাগি যায় সখি ।

ভাবো ! কত প্ৰভাতৰ দুখৰ কাহিনী মোৰ
সাঁচি থোৱা গোপনে হিয়াত,
কল্পনাৰ দ'ল সাজি অসীম আবেগ ৰাশি
কেতিয়ানো জনাম তোমাত ।

অতীতৰ দিনবোৰ এটি এটি কৰি মোৰ
দুখ লেখি পৰেহি মনত,
মাৰ যোৱা হাঁহিবোৰ অশ্ৰু ৰূপে বিষাদৰ
বই যায় মাঁথো দুগালত ।

কতনা প্ৰদীপ হায় অজানিতে মাৰ যায়
ভকতিৰে জ্বলোৱা হিয়াত ;
চেনেহী শলিতা গচি পৰি থাকে স্মৃতি যাচি
যুগ. যুগ মাঁথো ই ধৰাত ।

বিদ্ৰূপৰ হাঁহি মাৰি লাউখোলা থাকে পৰি
শ্মশানৰ নিৰ্জন বুকুত,
চিতাৰ ধোঁৱাই আহি বাতৰি জনাই হাঁহি
স্মৃতি মোৰ জাগে হৃদয়ত !

——:o:——

# ব্ৰহ্মপুত্ৰ

লক্ষ্যক বিচাৰি তোমাৰ দূৰ অভিযান ;
নিনাদত শুনো যেন অসীমৰ আহ্বান ।
পাৰত তোমাৰ ধ্যানৰত দুৰ্দ্দান্ত গিৰীধৰ ;
হাতীমূৰে দেখো নিতে নমিছে চৰণ তোমাৰ ।
তোমাৰ বুকুত প্ৰেমবন্যাৰ গা-কঁপা আলোড়ন ;
যৌৱন-বাৰিষা হানে অন্তৰত কামবান ।
বাহু মেলি বই থকা বুকুত লহৰ তুলি ;
জীৱ জগতক তুমি পালিছা আপোন ভুলি ।
কত শত নৰ-গৰু হ'লহি তোমাতে লীন,
তুমিয়ে কৰিলা গ্ৰাস কত প্ৰাক্ চিন ।
তুমি প্ৰেমিক, সাগৰত স্থিৰ লক্ষ্য তোমাৰ,
নহয়, তুমি নিষ্ঠুৰ, ডুবাই দিয়া গাওঁবোৰ ।
নদ ! তুমি আনা মুক্তিৰ স্বাদ—ভক্তিৰ সংবাদ,
তুমি ধুই আনা কত জীৱনৰ অপবাদ ।

—:x:—

# তুমি আৰু মই।

তুমি কুসুম, সুৰভি বিলাই ফুৰা
বসন্তৰ মৃদু বতাহত,
মই ভ্ৰমৰ, কামনাৰ তীক্ষ্ণ বাণ হানি
মউ পান কৰা ফুলনীত।

তুমি বিজুলী, ঘন কৃষ্ণ আকাশৰ
ৰূপত বিভোল কৰা মন।
মই ধেৰেকনি, আতঙ্কৰ সৃষ্টি,
মৰতৰ ভয়ৰ কাৰণ।

তুমি শৰতৰ আকাশৰ
স্নিগ্ধ শীতল ৰূপৱালী জোন,
মই ভৰ দুপৰৰ গ্ৰীষ্ম সৱিতা
উত্তপ্ত কম্পন।

তুমি গা শীতলোৱা এচাতি মলয়া,
প্ৰভাতী পখীৰ সতে উৰা।
মই দুপৰীয়াৰ পিঠি ফটা ৰ'দ
পথিকক দেই পুৰি মাৰা।

তুমি শান্ত খৰালিৰ বৈ থকা জুৰি
কবিতাৰ খোৰাক যোগোৱা,
মই ভৰ বাৰিষাৰ মত্তা তাণ্ডৱ
গাওঁ ভূঁই তল কৰি দিয়া

তুমি নাৰী ৰূপত প্ৰত্যেক ঘৰত
পুৰুষৰ ৰঙৰ সফুৰা,
মই পুৰুষ, বিপ্লবী মানৱ
ভাঙো মই দুৰ্জ্জয় কাৰা।

তুমি শোষক, অহিংসা ভাও জুৰি
মানুহক সৰ্ব্বশ্ৰান্ত কৰা,
মই শোষিত, বিদ্ৰোহৰ জুই তুলি
শোষকক পুৰি চাই কৰা।

তুমি ব্যৰ্থতাত জয় পৰি যোৱা
তলসৰা শেৱালীৰ পাহী,
মই ভুৱন ভুলোৱা সাম্যৰ প্ৰতীক
মৰ্ত্ত্যত সবল প্ৰাণৰ হাঁহি।

——:X:——

# আহ্বান।

হেৰউ কিষাণ !
    মাটিৰ পৃথিবীৰ জাগ্ৰত ভগৱান।
        চাৰি পিনে উঠে মুক্তি আহ্বান,
        অন্ধৰ দৰে কিয় কৰা বিচৰণ ?
    মুক্তি সন্ধানত মতলীয়া জনগণ,
    শুনা কান পাতি যুগৰ আহ্বান।

হে উপবাসী !
    শান্তি নামত যুদ্ধ কাষত সবে মিলিছে আহি
    নাভাগিল ভূল আজিলৈ তোৰ,
        তন্দ্ৰা তোমাৰ কেতিয়া পৰিব ওৰ।
    জাগিছে চীন, জাগিছে ৰাচিয়া, নিজৰ ভ্ৰান্তি ভাঙি
    তুমিও জাগা পুণ্য ভাৰত, ধৰা নিদৰ্শন দাঙি।

যুগ যুগ ধৰি,
    আছিল সিহঁতো তোমাৰেই দৰে পৰি।
        দেশৰ পূজাত নিজক বলি দি
        দুখ নিৰ্য্যাতন অকাতৰে সহি,
    শত বুভুক্ষিতৰ দুখৰ চকুলো দেখি
    ৰচিলে ইতিহাস, বুকুৰ তেজেৰে লিখি।

হেৰউ কিষাণ! তুমি জীৱন ধৰাৰ!
এভাৰেষ্টৰ বীৰ দেখো তোৰেই লগৰ।
তোৰ দুখৰ তেওঁ কৰেনে সন্ধান,
তেনেহলে তেওঁ কিহৰ মহান?
মানুহে নেখাই মৰে, পৰ্ব্বত বিজয় কৰে,
হ'ল জানো কিবা লাভ এই বিজয়ৰ?
হেৰউ কিষাণ!
শুন, চাৰিও পিনে আহে মুক্তিৰ আহ্বান
অপেক্ষাৰ আৰু নাই প্ৰয়োজন,
চিৰ মুকুতিৰ কৰা আয়োজন,
গুচাই নিহালি প্ৰান পণ কৰি আজি,
হোৱা বীৰ আগুৱান বীৰ বেশ সাজি।



# মই কাক ভাল পাওঁ ?

উষাৰ কিৰণ ভাল নালাগে মনত,
সিও লিখে দুখৰ কাহিনী জীৱনত।
দুপৰৰ সূৰ্য্য তাকো যে নালাগে ভাল,
তাতেও দেখো যেন জীৱন্ত আহুকাল।
সন্ধিয়াই ৰংসানি বুৰ গলে পছিমত,
দেখো তাৰো চকু পানী দুৱৰি আগত।
বেয়া লাগে দেখি মোৰ হাঁহি থকা জোনটো,
পূৰ্ণিমা শেষত যদি মাৰ যায় হাঁহিটো।
বসন্ত আহিলে বেয়া লাগে মন মোৰ,
লগতে কুলিক লৈ যায় বহু দূৰ।
আহিলে ভৰা বান বেয়া লাগে মোৰ মন,
গঞাক ডুবাই দি মাৰে গৰু-ম'হ-বন।
বিজুলী নেপাওঁ ভাল তিৰ্‌বিৰ্‌ কৰা,
হাঁহিত সানি ৰাখে বজ্ৰ মানুহ মাৰা।
প্ৰিয়াক নেদেখো ভাল প্ৰেম মূৰ্ত্তি লোৱা,
নিশা সপোনত প্ৰেমৰ বতৰা কোৱা।
তেনেহলে মই বাৰু ভাল পাওঁ কাক ?
দেশৰ সেৱাত ব্ৰতী ত্যাগী স্বহীদক।

——৪৪॰৪৪——

# বিদ্রোহী সন্তান

স্বাৰ্থৰ মুৰত পদাঘাট কৰি
যেয়ে নিস্বাৰ্থ প্ৰেমৰ মন্ত্ৰ লৈ,
সাৰ্থক জীৱন নিয়োজিত কৰে
দেশৰ সেৱাত ত্যাগৰ কীৰ্ত্তি থৈ :

হে বিপ্লবী, বিদ্ৰোহী, বীৰ সন্তান
তুমি জগতত তাৰেই এজন ;
তোমাৰ গৰিমা তোমাৰ কীৰ্ত্তি
মৰিও জিলিকাই উচ্চ স্থান।

কণ্ঠত' তোমাৰ পুকাৰি উঠে
বজ্ৰ নিনাদে বিজয় গান,
শোষকৰ সতে শোষিতৰ ৰণৰ
তুমিয়ে বজোৱা জয় বিষাণ।

তুমিয়ে জ্বলোৱা হোমৰ অগণি
মুক্তি যজ্ঞত দিবলৈ আহুতি,
তুমিয়ে শিকোৱা পূজাৰ মন্ত্ৰ
তুমিয়ে যুঁজৰো বৰ সেনাপতি।

ক্ষমতাৰ নামত উন্মত্ত শাসকে
মৃত্যুৰ আগ জাননী পাই,
ফাঁচিৰ মঞ্চত ঠিয় কৰি থই
নিজেই কতনো তৃপিতি পাই।

তথাপি তোমাৰ বিদ্রোহী মনে
নাচায় মুক্তি নামানে হাৰ,
সত্যৰ কাৰণে জীৱন উচৰ্গি
সহি থাকা তুমি অত্যাচাৰ।

ত্যাগৰ তুমিয়েই মূৰ্ত্ত প্ৰতীক,
তুমিয়েই জাতিৰ সৌৰভ,
তুমিয়েই প্ৰদীপ নিৰ্য্যাতিতৰ
তুমিয়েই দেশৰ গৌৰৱ।

———— ০ ০ ————

# আশা

অপেক্ষিলো বহু তোমাক, হে বান্ধবী !
জীৱনৰ দীঘলীয়া বাটৰ দঁাতিত ;
ভাবিছিলো সোনকালে আহি তুমি মোক
তুলিবা সজীৱ কৰি বন্ধ্যা ধৰণীত।

যেতিয়া নাহিলা তুমি নেপালো সন্ধান,
ভাবো, শিশু তুমি খেলিছা ধূলিৰ লগত,
পুনুবাৰ ভাব হয় নেদেখি তোমাক
কিজানি পালিছা তুমি বিদ্যাৰ্থীৰ ব্ৰত।

যিমানেই দিন মোৰ আগুৱাই যায়
কাষ চাপি লাহে লাহে মৰণৰ পিনে,
ভাবো তুমি বন্ধু ! খোজ দিছা এতিয়াহে
এটি ছুটিকৈ, এই মৰ জগতৰ পিনে।

যিদিনা আহি তুমি পাবা এই খিনি
মই আৰু নেথাকিম এই জগতত ;

পাৰিবৰ চাই খিনি মৌণ শ্মশানত
সকলোটি মাৰ যাব স্মৃতিৰ আঁৰত।

জানো তুমি আহিবাই, তাৰেই আশাত
ভুলি যাওঁ জীৱনৰ যত দুখ শোক;
আশাৰ সপোন মাথো দেখো বাৰে বাৰ
সিয়ে মাথো ছটিয়াই সঞ্জীৱনী মোক।

হে বান্ধবী! জানো তুমি আহিবা এদিন
সাজি মোৰ অন্তৰৰ অন্তৰঙ্গ জন;
বিছাৰি জীৱনৰ য'ত ভগ্ন অৱশেষ
সযত্নেৰে তুমি তাৰ কৰিবা সন্ধান।

তাৰ মাজতে বীজ মন্ত্ৰ কৰি আবিস্কাৰ
সভক্তিৰে জ্বালিবা শলিতা তোমাৰ;
আলোকিত হব বিশ্ব তাৰে পোহৰত
তুমি প্ৰিয়া হবা মোৰ আৰু চেনেহৰ।

জীৱনৰ যশ—মান, ঐশ্বৰ্য্য সম্পদ
পৃথিবীৰ ওপৰত ৰব বিদ্যমান,
সবে প্ৰিয়া! জীৱনত আধা হব মোৰ
আৰু বাকী আধা হব তোমাৰেই দান।

দুয়ো মিলি মানৱৰ মুকুতি সাধি
সাম্য সমাজ যাম ৰচি ধৰণীত ;
হিয়া ভৰা আশা লৈ আছো আনন্দত
তোমাৰেই মিলনৰ শুভ অপেক্ষাত।



অন্ত